# মোক ভোট দিয়ক



শ্ৰীমোহিনী কান্ত ঠাকুৰীয়া

# -মোক ভোট দিয়ক-

(সামাজিক নাটক)

শ্ৰীমেদিনী কান্ত ঠাকুৰীয়া প্ৰণীত।

পৰিবেশক—
মাজিৰ গাওঁ লখিমী ভঁৰাল।
পলাশবাৰী।

প্ৰকাশক—শ্ৰীদুৰ্গেশ্বৰ ঠাকুৰীয়া।
মাজিৰগাওঁ "গিৰি পুথি ভঁৰাল"
পলাশবাৰী, কামৰূপ
অসম।

প্ৰথম তাঙৰণ।
১৯৫১ চন


বেচ—॥৵৹ দহ অনা।

জয়ন্তী আৰ্ট প্ৰেছ গুৱাহাটীত
শ্ৰীগুৰুেশ্বৰ যৰাৰ দ্বাৰা মুদ্ৰিত।




এই ক্ষুদ্ৰ পুথিখন কেইবছৰ মান আগতেই লিখি থোৱা হৈছিল। চৰকাৰে নিৰ্ব্বাচন পিচুৱাই থকাত আমিও ইয়াৰ প্ৰকাশ বন্ধ ৰখা হৈছিল, কাৰণ বহুৰৰ ফল বতৰত খালেহে সোৱাদ পোৱা যায়। এতিয়া "মোক ভোট দিয়ক"ৰ প্ৰকাশ কৰিবৰ সময় হোৱা যেন ভাবি ৰাইজৰ হাতলৈ আগবঢ়ালো।

ইমানতে ৰাইজে সকলো দোষ মৰিষণ কৰি পুথিখন মৰম চকুৰে চালে লিখকৰ শ্ৰম সাৰ্থক হব।

সামৰণিত জনাওঁ যে পুথিখন হাতে লিখা অৱস্থাতে আৰ, বি, হাইস্কুলৰ শিক্ষক শ্ৰীযুত ধনদেব গোস্বামী আৰু জয়ন্তী আৰ্ট প্ৰেছৰ মেনেজাৰ শ্ৰীযুত শুক্লেশ্বৰ বৰাদেৱে পঢ়ি আসোঁৱাহবোৰ দেখুৱাই দিয়াত লিখকে তেখেত সকলৰ প্ৰতি আন্তৰিক ধন্যবাদ জনাইছে।

ছপাশাললৈ পঠোৱা নকলটি পলাশবাৰী হাইস্কুলৰ ৬ষ্ঠ মান শ্ৰেণীৰ ছাত্ৰ শ্ৰীমান বিপিন চন্দ্ৰ ডেকাই লিখি দিয়াত তেওঁবো শলাগ ললো। ইতি—

মাজিৰ গাওঁ
১৫ আগষ্ট
১৯৫১ চন

লিখক

# চৰিত্ৰ—

ধনীৰাম তালুকদাৰ

সৰ্ব্বেশ্বৰ তুৱৰা, কৃষ্ণ ফুকন, যদুনাথ কলিতা, সুন্দৰালি

বীৰেন, শান্তিৰাম, গণেশ ফুকন, জেইলাৰ,

দাৰোগা, পলিং অফিচাৰ, ডাক্তৰ, চিপাহীবোৰ

শিয়ালধৰ, ধনবৰ, শুকমল, চেনিখোৰা,

শনিয়া, বেপাৰী-বাৰ, হাটকৰা,

ফেৰীৱালা, গ্ৰাহকবোৰ, কংগ্ৰেছ,

ছচিয়েলিষ্টআদি পাৰ্টিৰ কৰ্ম্মীসকল,

ছদ্মবেশী বুঢ়া ভোটাৰসকল

প্ৰভাৱতী, ইত্যাদি ।

# মোক ভোট দিয়ক

## —প্ৰথম অঙ্ক—

### প্ৰথম দৃশ্য

[ যোৰহাট জেইল। জেইলৰ ভিতৰত ধনীৰাম তালুকদাৰ দাড়িয়ে গোফে ভোৰোকাৰ—চেহেৰা অলপ ক্ষিণোৰা। ]

জেইলাৰ—( জেইলৰ দুৱাৰৰ তালা খুলি দি ) তালুকদাৰ! আপোনাৰ এমাহ কাৰাদণ্ড ভোগ কৰা শেষ হ'ল। আপুনি এতিয়া মুক্ত। ওলাই আহক। আপোনাৰ কাপোৰ-কানি সমজাই লৈ অফিচৰ বগীত চহী কৰি যাওকহি।

( ধনীৰাম ওলাই আহি অফিচৰ বহিত চহী কৰে। )

এইবিলাক আপোনাৰ কানি-কাপোৰ। এতিয়া আপুনি যাব পাৰে।

ধনীৰাম—( কানি-কাপোৰবোৰ টোপোলা কৰি লৈ ) এতিয়া বিদায় ডাঙৰীয়াসকল! ( মুৰ দোঁৱাই গুচি আহে )।

## ( পট পৰিবৰ্ত্তন )

[ ধনীৰাম তালুকৰ কানিৰ কাৰবাৰত ধৰা পৰাত চৰকাৰে তেওঁক পাঁচশ টকা অৰ্থদণ্ড আৰু কাৰাদণ্ডৰ হুকুম কৰে । কাৰাগাৰৰ পৰা আহিবৰ প্ৰায় এসপ্তাহমান হৈছে । কলৈকো নেযায়, ঘৰতে আমন-জিমনকৈ বাতৰি কাকত উপন্যাস আদি পঢ়ি বহি থাকে । ]

### সৰ্ব্বেশ্বৰ হুজুৰাৰ প্ৰবেশ

সৰ্ব্বেশ্বৰ—বোপা ধনীৰাম !

ধনীৰাম—( তেওঁৰ পিনে চাই ) কোন দেউতা ! আহক আহক বহকহি ।

সৰ্ব্বেশ্বৰ—( বহি ) বোপা ধনী ! তুমি জেইলৰ পৰা আহিবৰ ভালে কেইদিনো হোৱা বুলি শুনিব পাইছোঁ । ইয়াৰ আগেয়ে এখন চিঠি দি কোনো সমিধান নেপাই আজি নিজেই তোমাক সাক্ষাত কৰিবলৈ আহিলোঁ । যাক যি হব লগা আছিল হৈ গ'ল ; এতিয়া এনেকৈ মনমাৰি বহি থাকিলে তো নহব ? আকৌ কাৰবাৰত লাগি যোৱাঁ । তেতিয়াহে তোমাৰ কু-ভাৱনা দূৰ হব ।

ধনীৰাম—কিনো কাৰবাৰ কৰিম দেউতা ! আপুনি তো সকলো দেখিছেই । সৎ উপায়েৰে কাৰবাৰ কৰিলে আজিৰ দিনত পেট নভৰে । "ব্লেক মাৰ্কেটিং" কৰিলেও কেকোৰাৰ ধন মকৰাই খায় । তাৰ ওপৰতো জেইল জৰিমনা আছেই । দেখিছেই তো কাৰবাৰত আজি বহুটকাৰ মালিক হৈয়ো জেইল খাটি আহিব লগা হ'ল । লাজতেই আজি মই বন্ধু-বান্ধৱৰ ওচৰত মুখ দেখুৱাব নোৱাৰাত পৰিছোঁ ।

অলৈ তলৈয়ো যাব নোৱাৰা হৈছোঁ। এতিয়া কোন ব্যৱসায়ত হাত দিওঁ মই ভাবি ভাবিয়ে একো ঠিক কৰিব নোৱাৰাত পৰিছোঁ।

সৰ্ব্বেশ্বৰ—বাক তোমাক এতিয়া ব্যৱসায়ৰ আশা পৰিত্যাগ কৰি চাকৰিৰ পিনে দিহা কৰিবলৈহে মই কওঁ।

ধনীৰাম—(হাঁহি মাৰি)—চাকৰি?

সৰ্ব্বেশ্বৰ—এৰা, চাকৰি। তুমি উপলুঙা কৰি উৰাই নিদিবাচোন। তোমাক মই এনে এটি চাকৰিৰ কথা কম—তুমি সেই চাকৰি লাভ কৰিলে ঘৰত বহিয়ে মাহে ডেৰশতকৈয়ো অধিক টকা আৰ্জ্জন কৰিব পাৰিবা। নাথাটা জনেও তোমাক খাটিব। নমতা জনেও নমস্কাৰ জনাই তোমাৰ দৰ্শন পাবলৈ ইচ্ছা কৰিব।

ধনীৰাম—আপুনিনো কি চাকৰিৰ কথা কৈছে মই বুজা নাই।

সৰ্ব্বেশ্বৰ—অন্য চাকৰি একো নহয়। স্বাধীন ভাৰতৰ সব্ব প্ৰথম সাধাৰণ নিৰ্ব্বাচন আহিব ধৰিছে। এই নিৰ্ব্বাচনত তোমাৰ নিচিনা জোৱাঁই এজনক তুলি দি জয়ী কৰি এম, এল, এ কৰাব পাৰিলে তোমাৰ কিয় আমাৰো সকলো কুগ্ৰহবোৰ দূৰীভূত হৈ জয় জয় ময় ময় হব। দেখা নাইনে তোমাৰ একে লগৰ লৰা মনুৰামে যোৱা নিৰ্ব্বাচনত চকুত থুই দি কান্দি-কাটি ৰাইজক ঠগাই কেনেকৈ এম, এল, এ হ'ল। তেওঁ আজি চৰকাৰে বান্ধি দিয়া কণ্ট্ৰোল মালৰ পাৰ্মিট অধিপতি হৈ কি ৰকমে ৰজা মহাৰজাৰ দৰে আনন্দোৎসাহে দিন

কটাৰ ধৰিছে। তেওঁৰ ওচৰলৈ মানুহ গলে গেল্যা গপ কিমান শুনিবা ? হিয়া ফাটি যায়। তুমিয়োতো জানা তাক পঢ়াৰ সময়ত মাক বাপেকে মাছুল দিব নোৱাৰি মোৰ পৰাই কেইদিন নি মাছুল দিছে। নিমখহাৰামে এতিয়া সেইবোৰ পাহৰিলে। অলপতে তাৰ ওচৰলৈ এখন টিনপাতৰ দৰখাস্ত লৈ গৈছিলোঁ, সোধপোচ কৰিব যে দূৰৰ কথা, ইমান খাটিও চহীটোকে কৰাব নোৱাৰিলোঁ। সেইদিনৰ পৰাই তোমাক এইবাৰ যেনেহলেও নিৰ্ব্বাচনত প্ৰতিদ্বন্দী কৰিম বুলি ভাবিছোঁ। যি খৰচ হয় মইয়েই বহন কৰিম। তুমি এতিয়াৰ পৰাই কংগ্ৰেছৰ কাৰ্য্যকৰী সমিতিলৈ। মনোনয়ন পত্ৰৰ বাবে আবেদন জনোৱা, কাৰণ তুমিওতো কংগ্ৰেছৰ পুৰণি সভ্য।

ধনীৰাম—দেউতা! আপোনাৰ পেটৰ কথাই মোৰ পেটৰ কথাই ঠিক মিলি গৈছে। ময়ো অহা সাধাৰণ নিৰ্ব্বাচনৰ কাৰণে প্ৰতিদ্বন্দিতা কৰিম বুলি বহুদিনৰ পৰাই ভাব কৰি আছিছোঁ। আপুনি যে কৈছে কংগ্ৰেছৰ মনোনয়নৰ কাৰণে, সেইটো একেবাৰে অসম্ভৱ। মোক কংগ্ৰেছে কেতিয়াও মনোনয়ন নকৰে।

সৰ্ব্বেশ্বৰ—যদি নকৰে কংগ্ৰেছৰপৰা নাম কাটি অন্য পাৰ্টিত সোমোৱা। নাইবা স্বতন্ত্ৰবাদী হিচাবেই প্ৰাৰ্থী হোৱা।

ধনীৰাম—বাক স্বতন্ত্ৰবাদী হিচাবেই উঠিলো—বাইজে জানো মোক ভোট দি জয়ী কৰিব ?

সৰ্ব্বেশ্বৰ—(হাঁহি মাৰি) তুমি কোনো চিন্তা নকৰিবা। মই আছোঁ ; আজিকালি গাঁৱলীয়া ৰাইজ কংগ্ৰেছৰ নামত নাৰাজ। তেওঁলোকক বুজাই বৰাই তোমাক জয়ী কৰাম। তুমি এতিয়াৰ পৰাই ঘনাই ঘনাই গাঁৱলৈ অহা-যোৱা কৰিবলৈ ধৰা।

ধনীৰাম—ভাল ! আপুনি অভয় দিছে যেতিয়া মই মনোনয়ন পত্ৰ দাখিল কৰিম। আপুনি অলপ বহক মই ডি, চি, অফিচৰ পৰা খবৰ লৈ আহোঁ।

সৰ্ব্বেশ্বৰ—বাক (ধনীৰাম যাব ওলোৱাত চাকৰ লৰাটোৱে চাহদানিত চাহ আনি আগত দিয়ে) বোপা ! চাহ আনিছে দেখো, খাই যোৱা।

ধনীৰাম—ভাল। (দুয়ো জনে চাহ খাবলৈ ধৰে)

চাকৰ—(মূৰ খজুৱাই) দেউতা ! মোৰ ঘৰৰ পৰা চিঠি আহিছে। মোৰ দৰমহাখিনি দি দিয়ক। অতি সোনকালে পঠাই দিব লাগে। চিঠিত লিখিছে যে তেওঁলোকৰ খোৱা লোৱা পিন্ধা-উৰাত বৰ কষ্ট হৈছে। কেইবা সন্ধ্যাও লঘোন পৰিছে। তাৰোপৰি মোৰ তলৰ ভাইজনৰ ক'লাজ্বৰ হোৱা বুলিও লিখিছে। এই দুৰৱস্থাতো যদি টকা পঠাই দিব নোৱাৰো আপোনাৰ গোলামি কৰাৰে বা কি প্ৰয়োজন ? আই বোপাইৰ অলপ কষ্ট দূৰ কৰিব পাৰিম বুলিহে আজি এনে কাম কৰিবলৈও পিচ হোহকা নাই।

ধনীৰাম—(চাহ পিব এৰি লাজ পাই) ধুৎ বদমাইচ অভদ্ৰটো। সময় অসময় নাই—কেৱল, টকা,। যা ভিতৰলৈ যা

চাকৰ—এতিয়া মইহে বদমাইচ অভদ্ৰ হলোঁ। আপুনি ভালকৈ বিচাৰ কৰি চাওক—বদমাইচ অভদ্ৰ কোন ? যদি চাকৰক দৰমহা দিবই নোৱাৰে তেন্তে ৰাখে কিয় ? ভাবি চাওক আজি ছমাহে আপুনি টকা দিম দিম বুলি কিমান ফাকি দি আছে ।

সৰ্ব্বেশ্বৰ—বুঢ়া ! আজিকালি তই বৰ কথা কব শিকিছ—নহয় ? যেই সেই সময়তে তেনেকুৱা কথা প্ৰয়োগ নকৰিবি । তোক কিয় দৰমহা নিদিব ? এতিয়া এইবিলাক ( চাহৰ বাটি ) সামৰি ভিতৰলৈ লৈ যা । এতিয়া তোৰ বাবুৰে ডাঙৰ কাম পাব । স্ফুৰ্ত্তি কৰি কাম-বন কৰিব ধৰ । তয়ো চিলঙত থাকিব পাৰিবি । এতিয়া স্ফুৰ্ত্তি কৰি এখন তামোল খুন্দি আনগৈ ।

চাকৰ—দেউতাৰ কাৰণে আয়ে ভিতৰত তামোল কাটি ৰাখিছেই । আপোনাক ভিতৰলৈহে যাব দিছে ।

সৰ্ব্বেশ্বৰ—বাৰু যাব ধৰিছো, তই যা ।

চাকৰ—দেউতা ঈশ্বৰ । মই কোনো প্ৰলোভনত ভোল নাযাওঁ । এসপ্তাহৰ ভিতৰত যদি সমুদায় টকা ওৱাচিল নেপাওঁ তেনেহলে মোক আৰু দোষ নধৰিব ।

( চাহৰ সৰ্জুলিবোৰ লৈ সোমাই যায় )

সৰ্ব্বেশ্বৰ—( উঠি ) বোপা ! তুমিয়ো ডি, চি, অফিচলৈ গৈ সোনকালে খবৰটো লৈ অহা গৈ । যোৱা ।

( ভিতৰলৈ সোমাই যায় ; আন ফালে শিয়ালধৰ কানীয়াৰ প্ৰৱেশ )

শিয়াল—নমস্কাৰ দেউতা !

ধনীৰাম—( হাঁহি মাৰি ) শিয়াল ! দিন দুপৰীয়াই গুলালা দেখো ? কোনেও হাই উকমি দিয়া নাছিল নে ?

শিয়াল—দেউতাই মোৰ লগত ধেমালি খন হে কৰে। দেউতা ! মই বৰ বিপদত পৰিহে আহিছো । আপুনি ফাটেকত পৰা দিন ধৰি কতো অলপ কানি নোপোৱা হলোঁ । তাৰোপৰি মোৰ কথা বাদেই দিছো ; আমাৰ মানুহজনীযে কানী খাব নেপাই হাগি হাগি মানুহৰ কায়া নোহোৱা হৈছে । আপুনি জেইলৰ পৰা অহা আজি গম পাই ইয়ালৈ লৰি আহিছো । যদি কৰবাত চুকে কোণে আছে অলপ দিয়ক দেউতা !

ধনীৰাম—শিয়াল ! মই আহিবৰ আজি এসপ্তাহ মানহে হৈছে । শুনিব পাইছো মই জেইলত থকা অৱস্থাতে মোক যোগান দিব অহা মহাজন জনো কাঁহিকুছিৰ বিমান কোঠাতেই ধৰা পৰিছে । তেওঁক বা কোন জেইলত ৰাখিছে এতিয়ালৈ কোনো সঠিক খবৰ পোৱা নাই । আৰু সেই সময়তে কেইবাটাও পাৰ্চেল ফিৰত গৈছে । এনে অৱস্থাত মই এতিয়া কত কানি পাম ! এতিয়া ভাবিছো সেই ৰাজদ্ৰোহী কাৰবাৰ আৰু সমূলি নকৰিম । ভগৱানৰ কৃপাত এতিয়া যিমান টকা বেঙ্কত ডিপজিত হৈছে সেই টকাৰ সুতেৰেই মই মহাসুখে থাকিব পাৰিম । কিন্তু তোমালোক কানীয়া ভাইসকলৰ মৰম মই পাহৰিব নোৱাৰিম ।

তোমালোকৰ আশীৰ্ব্বাদতে আজি মোৰ সকলো দিনে জয় জয় ময় ময়। সদো কানীয়া বাইজসকলৰ মঙ্গলৰ কাৰণে অহা নিৰ্ব্বাচনত মই প্ৰাৰ্থী হিচাবে উঠিব খুজিছো। তোমালোক সকলোৱে যৎপৰোনাস্তি চেষ্টা কৰিব লাগিব। মোৰ জয় মানে সকলো নিচাধাৰী ভাইৰে জয়।

(এজন পিয়ন আহি এখন চিঠি আৰু কিবা কিবি কাগজ দি যায়। কাগজ পঢ়িব ধৰে।)

শিয়াল—দেউতা চিঠি কৰপৰা আহিছে?

ধনীৰাম—জিলা কংগ্ৰেছ অফিচৰ পৰাই আহিছে? ঈশ্বৰে যি কৰে মঙ্গল কৰে। মোক হেনো কংগ্ৰেছৰ সভ্য পদৰপৰা চ্যুত কৰিছে—কানি ব্যৱসায়ত লিপ্ত থকাৰ কাৰণে।

শিয়াল—দেউতা! আপুনি হে অকল কানি বেচিছে নে? আপোনাৰ দৰে কিমান কংগ্ৰেছী বৰ বৰ নেতাৰ মাইকী বিলাকৰ কিমান জনীয়ে আমাক যোগান দি থাকে।

ধনীৰাম—মোক পদচ্যুত কৰাৰ কাৰণ আছে। এই অহা নিৰ্ব্বাচনত মোকে কংগ্ৰেছে মনোনয়ন কৰিব লাগিব। সেই গতিকে মোক দোষী কৰি আগেয়ে সভ্য পদৰপৰা বঞ্চিত কৰি বাহিৰ কৰি দিলে।

শিয়াল—দিব দিয়ক। কংগ্ৰেছে দেশখন খালে। কেইজন মানুহে কংগ্ৰেছক ভাল পায়? দুখীয়া বাইজে কংগ্ৰেছৰ নামত সাত কিল মাৰিব পাৰে। যি কৰিলে আপোনাৰ

ভালহে কৰিলে। এইবাৰ আপোনাৰ জয় হব দেউতা। এতিয়া বিদায়হে। মই ভগৱানক খাটো যেন এইবাৰ আপুনি জয়ী হৈ কানীয়া সকলৰ ওঠত কল্পা ৰহন সানি দিব পাৰে।

( হাতযোৰ কৰি প্ৰস্থান। ভিতৰৰ পৰা চাকৰ লখাজনে চিঞৰিব ধৰে—"দেউতা ৰন্ধা-বঢ়া শেষ হৈছে গা তিয়কহি।" )

ধনীৰাম—তোমালোকে খোৱা। মই এবাৰ ডি, চি অফিচলৈ যাওঁ।

( ভিতৰৰ পৰা চাইকেল আনি উঠি যায় )



## —ঃ দ্বিতীয় দৃশ্য ঃ—

[ সৰ্ব্বেশ্বৰ দুৱৰাৰ হাউলি। কথা-বতৰা কৈ গুৰ-গুৰি হোকাত কৃষ্ণ ফুকনৰ সৈতে ধঁপাত হুপি থাকে ]।

কৃষ্ণ ফুকন—দুৱৰা দেৱ! আপোনাৰ ৰায়তে দিকদাৰী নকৰাকৈ আধি চুকানীৰ ধান খিনি দিলে নে?

সৰ্ব্বেশ্বৰ—ক'তা? ধান দিব দূৰৰে কথা—সিহঁতৰ পদূলি মুখলৈকে যাবলৈ ভয় লগা হৈছে। সিহঁতৰ অত্যাচাৰ দিনক দিনে বাঢ়ি গৈ চৰম সীমা পাৰ হৈ গৈছে।

কৃষ্ণ—মোৰো আপোনাৰ নিচিনাই দশা। যোৱা বেলিৰ পৰা এটি ধানকে থুপুৰিয়াব পৰা নাই। পুলিচক খবৰ জনোৱা স্বত্বেও কোনো ফল নধৰিল। কি অৰাজক হ'ল!

সৰ্ব্বেশ্বৰ—হেৰি! সিহঁতক মই ধান নিদিয়াৰ প্ৰতিফল এপালি দিব পাৰিলোহেঁতেন। কি কম ফুকন! মোৰ কপালৰ দোষ! ওপৰলৈ থুই পেলালে নিজৰ মুখত পৰাৰ দৰেই হৈছে। সেই দুষ্ট বিলাকৰ সঙ্গত মোৰ লৰা কমলেও যোগ দিছে। সি হেনো মোৰ ৰায়ত বিলাকক আধি-চুকানি দিবলৈ হাক দি ফুৰিছে আৰু দীক্ষা দিছে "হাল যাৰ মাটি তাৰ।" সেই বাবেহে চকু মুদি থাকিব লগা হৈছে। আন কোনোবা হলে—

ক—কমলো সেই ফালেহে ঢাল গৈছে নে? কিয় তাৰ এনে দুৰ্ম্মতি হ'ল। পঢ়া লৰা পঢ়ি থাকিব পায়। এই-বিলাক ৰাজনৈতিক আৰু কিয়? অ' সেই কাৰণেহে সিহঁতে ঘনাই ঘনাই কিবা মিটিংখন কৰে। সেইদিনাখন মোৰ ছোৱালীজনীক কিবা মিটিং পতা বুলি কৈ লৈ গৈছিল। মই ইতিপূৰ্ব্বে জনা হলে তাইক কেতিয়াও নপঠালোহেঁতেন।

অ'—সেই কাৰণেহে আজি কালি ছোৱালীজনীয়ে সাম্যবাদৰ সুৰত মোৰ লগত কথা কয়। ময়ো এতিয়াৰপৰা সতৰ্ক হব লাগিল—নহলে কথা বিষমত পৰিণত হবগৈ। দুৰৰা! আপুনি লক্ষ্য কৰিছেনে সেই পাৰ্টিত ধনী ধনী মানুহৰ লৰা বিলাকেহে যোগদান দিছে। সেই হৰ বৰুৱাৰনো কি নাই। তেওঁৰ নিচিনা মাটি জমি টকা পইচাই আমাৰ দক্ষিণ পাৰত ধনী সদাগৰ বিৰল। তেওঁৰ লৰা আজি সেই ধনী বিৰোধী কমিউনিষ্টৰ নেতা। তাক ধৰিবৰ নিমিত্তে পুলি'চ হাবাথুৰি খাব লাগিছে। কোনো সন্ধান পোৱা নাই। পৰাধীনতাৰ সময়ত ভাবিছিলোঁ যে দেশখন স্বাধীন হলে মহাসুখেৰে থাকিব পাৰিম। এতিয়া দেখিছোঁ স্বাধীন হল নে দেশ অৰাজক হ'ল। ঘটিবাম, বাটিৰামেও আন্দোলন কৰিব পৰা হ'ল আৰু যে দিনে দিনে কিমান পাৰ্টিৰ অৱতাৰ হৈছে। মোৰ মতে ৰাজনৈতিক ৰেখা নিশ্চয় অদল বদলহে হব যেন পাওঁ। অহা সাধাৰণ নিৰ্ব্বাচনতেই তাৰ প্ৰমাণ পোৱা যাব।

সৰ্ব্বেশ্বৰ—আপুনি কি কয় কব নোৱাৰে। মোৰ মতে কোনো পাৰ্টিকে সমৰ্থন কৰিব নালাগে। সেই বিলাক ধ্বংস কৰি দিব পাৰিলেহে দেশৰ সুভলক্ষণ।

কৃষ্ণ—আপোনাৰ মতে তেনেহলে কংগ্ৰেছ অনুষ্ঠান খনো ভাঙিব লাগে, নহয়নে ?

সৰ্ব্বেশ্বৰ—এৰা, আজি মহাত্মা গান্ধীও নাই আৰু কংগ্ৰেছো নাইকিয়াৰ দৰেই হৈছে। কংগ্ৰেছৰ মাজত আজি কিছুমান দুৰ্নীতি সোমাই আছে। সেই বিলাক যদি সংস্কাৰ কৰিব নোৱাৰে কংগ্ৰেছৰ নাম বিলুপ্ত হব। অ' আপোনাক এটি শুভ খবৰ কবলৈ পাহৰিয়ে আছোঁ। অহা নিৰ্ব্বাচনৰ মোৰ জোঁৱাইক স্বতন্ত্ৰবাদী হিচাপে থিয় কৰাইছোঁ।

কৃষ্ণ—তেওঁ দেখো কংগ্ৰেছৰ সভ্য আছিল। কংগ্ৰেছে মনোনয়ন নকৰিলে জানো ?

সৰ্ব্বেশ্বৰ—কংগ্ৰেছৰ দুৰ্নীতিৰ মাজতো মোৰ জোঁৱাইক থাকিবলৈ কয়নে ? তেওঁ কেতিয়াবাই কংগ্ৰেছৰপৰা নাম কাটি আহিছে। তেওঁক যদি এইবেলি জয়ী কৰাব পাৰো আমাৰো আধি চুকানীৰ ধান কেইটা ঘৰত বহি থাকিয়ে চপাব পাৰিম। আপুনি কি কয় ?

কৃষ্ণ—আপোনাৰ জোঁৱাইক যে জয়ী কৰাব পাৰিব, মোৰ বিশ্বাস নহয়। কংগ্ৰেছ নাইবা ছচিয়েলিষ্ট হেন ডাঙৰ অনুষ্ঠান প্ৰাৰ্থীক ভোট নিদি ধনীৰামক যে দিব, অসম্ভব। মোৰ মতে মিছাতেই টকা বৰালি মাছক খুৱাব। তেওঁনো ইমান টকা নিৰ্ব্বাচনত খৰচ কৰিবলৈ ক'ত পাব ?

সর্ব্বেশ্বৰ—( হাঁহি মাৰি ) আপুনি নেজানে। জোঁৱাইৰ এতিয়া বহুতো টকা। বেঙ্কতে এক লাখ ডিপজিট আছে। টকাৰ নিমিত্তে কোনো ভয় নাই। মই যি বুদ্ধি এটা কৰিছো জোঁৱাইৰ জয় অনিবাৰ্য্য।

কৃষ্ণ—আপুনিনো কি বুদ্ধি আৱিষ্কাৰ কৰি উলিযাইছে।

সর্ব্বেশ্বৰ—কিনো হব। অসমৰ যিমান ভোটাৰ, তাৰ প্ৰায় আধায়ে কানীযা, ভাঙুৰী, মদাহী। সিহঁতে কেতিয়াও কোনো পাৰ্টিকে ভোট নিদিয়ে। কানীয়াবিলাকে তো কংগ্ৰেছৰ নামত সাকিল মাৰে। কানীয়াবিলাকৰ কানি বন্ধ কৰাব ভাঙুৰী মদাহীৰো, মদ ভাং সেইবিলাক পাৰ্টিয়ে বন্ধ কৰিব বুলি মিছা প্ৰচাৰ কৰি দিলে সেইবিলাক ভোট নো কোনে পাব ? দেখাদেখিতেই জোঁৱাই জিতি আছে।

কৃষ্ণ—আপুনি যিমান পাৰিছে, ঈশ্বৰেহে জানে।

সর্ব্বেশ্বৰ—আপুনিও অলপ চেষ্টা কৰিব লাগিব।

কৃষ্ণ—কোনো চিন্তা নকৰিব। আপোনাৰ জোঁৱাই মানে মোৰ জোঁৱাই। সময়ত সকলো হব। কথা কওঁতে কওঁতে দেৰিয়ে হ'ল। আজি জয়হিন্দ্ সঙ্ঘৰ বছেৰেকীয়া অধিবেশনো আছে। আপোনাক নিমন্ত্ৰণ কৰা নাইনে ?

সর্ব্বেশ্বৰ—এৰা,—কৰিছে পাহৰিয়ে আছো। মিটিংখনলৈ যাব লাগিব। শিৱসাগৰৰ পৰা বোলে কোনোবা এজন আহি দেশৰ বৰ্ত্তমান পৰিস্থিতিৰ বিষয় বক্তৃতা দিব। ( ভিতৰৰ ফালে মুখ কৰি ) ৰামু! এচিলিম ধঁপাত লগাই লৈ আহ।

কৃষ্ণ—( বাধা দি ) নেলাগে—আপুনি খাই যদি আনক ; মই উঠিলোহে ( হাতজোৰ কৰি প্ৰস্থান )।

সৰ্ব্বেশ্বৰ—( হাতজোৰ কৰি ) ভাল হেনেহলে ( বামুই ধঁপাত আনি দিয়াত গুৰ-গুৰিত হুপিব ধৰে।

— — — —

## তৃতীয় দৃশ্য

[ জয়হিন্দ সংঘৰ বছেৰেকীয়া অধিবেশন। সভাত ৰাইজ ভৰপূৰ। আৰম্ভণি গীতেৰে সভাৰ কাৰ্য্য মুকলি কৰা হয়। ]

### গীত

অয়ি আমাৰ সোণৰ অসম
মহাতীৰ্থ পুণ্যস্থান,
নমামি জননী জন্ম স্থান।
মাতে সুৱলা অমিয় ৰৰষা,
পাতিছে মেল অসমীয়া কথা।
হাঁহে খিকিন্দালি গিৰী নন্দিনী
চকুৰ থাঁৰে বৰে টিপিয়া টিপি।
বিৰহ বদনে বইছে লুইতী,
অসমী আইযে চিৰ অভাগিনী।
বিশ্ব বিজয়ী আমি নব জুৱান,
গঢ়িম অসমীক আদৰ্শ স্থান।

বীৰেন—( থিয় হৈ ) সমবেত ৰাইজসকল! মই প্ৰস্তাৱ কৰো—আজিৰ সভাত স্বনামধন্য মাননীয় শ্ৰীযুত গণেশ চন্দ্ৰ ফুকন এম্, এ, বি এল, দেৱে সভাপতিৰ আসন গ্ৰহণ কৰি সভাৰ কাৰ্য্য সমধা কৰে যেন।

( সমজুৱাই হাততালি দিয়ে )

শান্তিৰাম—উক্ত প্ৰস্তাৱটি মই সাদৰে সমৰ্থন কৰিলোঁ।
সভাপতি—আপোনাৰ প্ৰস্তাৱ মই গ্ৰহণ কৰিলোঁ।

(সভাপতিয়ে আসনত বহে; দুজনী সৰু ছোৱালীয়ে ফুলৰ মালা লৈ গীত গাই মাল্য দান কৰে)

—গীত—

আজিৰ মধুৰ মিলনে
বইছে পবন গগনে,
হৈছে স্তব্ধ, হৈছে মগ্ন
প্ৰকৃতিৰ ৰম্য বনে।
তলসৰা ফুল
আনিছো—বুটলি,
লোৱাহে সাদৰি—
এই মালাধাৰি।
আজিৰ মহা মিলনে
বিৰাজিছে শান্তি
মৰু-ময় প্ৰাণে,
দুখ শোক তাপ ভয়
পৰিহাৰ কৰি
যা ত্ৰিভুৱ গানে।

(হাততালি দিয়ে, সংঘৰ সম্পাদক মহম্মদ সুন্দৰ আলিয়ে বছেৰেকীয়া কাৰ্য্য বিবৰণী পাঠ কৰিব ধৰে।)

সুন্দৰালি—( থিয় হৈ পাঠ কৰিব ধৰে ) মাননীয় সভাপতি মহোদয় আৰু সমজুৱা সকল ! আজিৰ এই মহামিলনত আপোনালোকক দেখা পাই সংঘৰ হৈ ওলগ জনাইছোঁ আৰু শ্ৰীযুত ফুকন দেৱক আজিৰ সভাত পুৰুহিত হিচাবে পাই ৰাইজৰ হৈ এই অভিনন্দন পত্ৰ আগ বঢ়াইছো।

( এখন অভিনন্দন পত্ৰ আগবঢ়াই দিয়ে । সভাপতিয়ে গ্ৰহণ কৰে । )

বন্ধুসকল ! যোৱা বেলি মহম্মদ আক্ৰাম হুকৰ সভাপতিত্বত অতি সমাৰোহেৰে তৃতীয় অধিবেশন হৈ যায়। সেই সভাত ৰাইজৰ যিবিলাক অভাৱ অভিযোগৰ প্ৰস্তাৱ গৃহিত কৰি চৰকাৰলৈ পঠোৱা হৈছিল আজিলৈয়ো তাৰ কোনো ফল নধৰিলে । এতিয়া আমাৰ কৰ্ত্তব্য কাম আৰৌ বাঢ়িল। গোটেই অসম জুৰি অন্নবস্ত্ৰৰ সমস্যাই দেখা দিয়া স্বত্বেও যোৱা পোন্ধৰ আগষ্টৰ প্ৰলয়কাৰী ভূমিকম্পই বিশেষকৈ উজনি অসমৰ লোকক নিঠৰুৱা কৰিলে। তেওঁলোকৰ সাহাযাৰ বাবে দেশ বিদেশৰপৰা নানা বস্তু আহিলেও সুবিতৰণৰ অভাৱত মানুহ লঘোনে থকাৰ বাতৰি পোৱা গৈছে । ইফালে চৰকাৰে ধান-চাউলৰ ওপৰত কণ্ট্ৰোল কৰি দি ক'ৰো ধান-চাউল আহিব নিদি ৰাইজক বিপাঙত পেলাইছে। ইয়াৰ প্ৰতিকাৰ ৰাইজে সোনকালে নকৰিলে ১৯৩০ চন হুবলৈ আৰু বেছি দিন নাই। ৰাইজে সকলো বিষয়তে চৰকাৰক আশা

পানি থাকিলে নগৰ। কি ‘কৰা দৰকাৰ সেই বিষয়ে মাননীয় সভাপতি দেৱে বৰ্ত্তমান পৰিস্থিতি বিষয় কব। মই আশা কৰো ৰাইজে তেখেতৰ অমূল্য বক্তৃতা শুনি যথোচিত কাম কৰিব।

(হাততালি দিয়ে, সভাত কিছুমান প্ৰস্তাৱ গৃহীত কৰে।)

সভাপতি—(থিয় হৈ) এতিয়া প্ৰস্তাৱ গৃহীত কৰা হ'ল। ৰাইজৰ ফালৰ পৰা কোনোবাই দু-আষাৰ কব খুজিলে কব পাৰে।

সৰ্ব্বেশ্বৰ—মাননীয় সভাপতি মহোদয় আৰু ৰাইজ সকল। স্বাধীনতা পোৱা দিন ধৰি দেশ কোন ফালে গতি কৰিছে বোধহয় সকলোৱে অনুভৱ কৰিব পাৰিছে। সেই বিলাক ফঁহিয়াই কৈ জ্বলা জুইত ঘিঁউ দি আপোনালোকক আমনি নিদিওঁ। দেশৰ ইমানবোৰ দুৰ্নীতি কাৰ দোষত হব পাৰিলে জানে নে? যি বিলাকক আমি ৰজা পাতি চিলং পাহাৰত বহুৱাই থৈছোঁ—তেওঁলোকৰ কাৰণেই। সেই কাৰণে ৰাইজে অহা নিৰ্ব্বাচনত সেই ৰজা সকলক সিংহাসন চ্যুত কৰি দেখুৱাব লাগে। তেতিয়াহে তেওঁলোকে বুজিব পাৰিব ৰাইজহে ৰজা। যি হেতু এতিয়া গণতান্ত্ৰিক দেশ যেতিয়া কিহৰ ভয়? ইমানতে ৰাইজক গোহাৰি জনাওঁ যে অহা নিৰ্ব্বাচনত মোৰ জোঁৱাই শ্ৰীমান ধনীৰাম তালুকদাৰক প্ৰাৰ্থী হিচাবে থিয় কৰাইছোঁ।

("কানি বেপাৰী" "কানি বেপাৰী" বুলি ৰাইজে চিঞৰিবলৈ ধৰে। সভাত গণ্ডগোলৰ সৃষ্টি হয়)।

সভাপতি—হুৱৰা দেৱ! অনুগ্ৰহ কৰি বহক। আপোনাৰ কথাত ৰাইজৰ আপত্তি হৈছে।

সৰ্ব্বেশ্বৰ—বহিম কিয়, ইয়াৰপৰা গুচিয়ে যাম। ইয়াকো মানুহৰ সমাজ বোলেনে? বোপা ধনী, ফুকন! আমাৰ উঠা। এই সমাজতে আমি নাথাকোঁ।

(ৰাগ কৰি তিনিওজন উঠি যায়)

সভাপতি—(থিয় হৈ বক্তৃতা দি) ৰাইজ সকল! আজি জয়হিন্দ সংঘই এই অধিবেশনত মোক মাতি আনি যি সন্মান আগ বঢ়াইছে তাৰ প্ৰতি চিৰকৃতজ্ঞ। আজি সভাত যি বিলাক প্ৰস্তাৱ গৃহীত হৈছে সেইবিলাক কাৰ্য্যত পৰিণত কৰিবলৈ সংঘই যথাসাধ্য চেষ্টা কৰিব। ৰাইজৰ আপ্ৰাণ চেষ্টাৰ ফলত প্ৰায় ডেৰ শ বছৰ পৰাধীনতাৰ পিচত ভাৰত আজি স্বাধীন। পৰিতাপৰ বিষয় ভাৰত আজি আগৰ ভাৰত নহয়। বৃটিছে খণ্ড বিখণ্ড কৰি ভাৰত আৰু পাকিস্তান নামকৰণ কৰি গৃহ বিবাদৰ বীজ ৰোপন কৰি থৈ গৈছে। ইপিনে কাশ্মীৰ ৰাজ্য লৈ দুয়োখন দেশৰ খোৱা-কামোৰা লাগিছে। ইয়াৰ যৱনিকা কেতিয়া পৰিব, তালৈ সকলো ৰাইজ উদগ্ৰীৱ হৈ আছে। মোৰ দৃঢ় বিশ্বাস ভাৰত আজি কুচক্ৰান্তত দ্বিখণ্ডিত হলেও এদিন নহয় এদিন এক হবই লাগিব। অযোধ্যাৰ ৰজা ভৰতৰ নাম কেতিয়াও বিলুপ্ত হব নোৱাৰে। যেতিয়া ভাৰত, পাকিস্থান নাম দূৰ হৈ অখণ্ড-ভাৰত হৈ

ভায়ে ভায়ে আলিঙ্গন কৰিব যেতিয়াহে মহামানৱ মহাত্মা-গান্ধীৰ সপোনৰ ৰামৰাজ্য ঠিকতে পৰিণত হব।

ৰাইজ! আজি ভাৰতৰ ৰাজনৈতিক ৰেখা মেঘাচ্ছন্ন অৱস্থাত। ভাৰত কিয় গোটেই বিশ্বৰে একে অৱস্থা। দ্বিতীয় মহাসমৰ খনে ভাগৰি সামৰণি মাৰিলে হয়, তাৰ আণবিক বোমাৰ বীজ বিয়পিহে গ'ল। প্ৰত্যেকখন দেশেই আজি যুদ্ধৰ সা সাজুলি তৈয়াৰ কৰাতহে পাৰ্গতালি দেখুৱাইছে। সকলোৱে ককালত টঙালি বান্ধি যুদ্ধং দেহি ভাব লৈছে। যুদ্ধ বিগ্ৰহ যাতে হব নোৱাৰে পৃথিবীৰ প্ৰায় সভ্য দেশ-সমূহ লগ লাগি ৰাষ্ট্ৰসংঘ সংগঠন কৰি কি কৰিলে? কোৰিয়াত ভায়ে ভায়ে যুদ্ধ কৰিলে—আমেৰিকাৰ কি হ'ল। ৰাষ্ট্ৰসংঘৰ নাম মাত্ৰ অনুমতি লৈ উত্তৰ কোৰিয়াৰ বিৰুদ্ধে সৈন্য পঠাই সংগ্ৰাম আৰম্ভ কৰি তৃতীয় মহাযুদ্ধৰ পাতনি মেলিলে। কিয় তাতকৈ থুপতে কোৰিয়াৰ যুদ্ধখন ৰাষ্ট্ৰ সংঘই বিচাৰ কৰি ভাঙিহে দিয়া উচিত আছিল। মুঠৰ ওপৰত জগতত প্ৰলয় ঘটিব। কাৰণ আমাৰ মাজতেই ভাবি চাব আমাৰ সৰু লৰা ছোৱালীবোৰে ধেমালিতে ধেনুকাঁড় তৈয়াৰ কৰে। চৰাই মৰাকে বা নমৰাকে এবাৰ ব্যৱহাৰ কৰি চাবই চাব। সেইদৰে সকলো দেশেই অস্ত্ৰ তৈয়াৰ কৰিছে যেতিয়া ব্যৱহাৰ কৰিবই কৰিব। তাৰ পিচতহে বিশ্ব শান্ত হব।

ৰাইজ! আজি আমাৰ দেশত দুৰ্নীতি। চোৰাং বজাৰত ৰাইজ জুৰুলা জুপুৰা হৈ অৰ্থনৈতিক অৱস্থাত নৰ শোচনীয়

হৈ পৰিছে। আজি হাটে বজাৰে কোৱা মেলা শুনা যায় 'ইংৰাজৰ অধীনতে সুখে আছিলোঁ'; কথা আৰাৰ অৱশ্যে মিছা নহয়। বুটিছে কিছুমান কথাত ৰাইজক সন্তুষ্ট ৰাখি দেশ চলাই ধন সোণ নিজৰ দেশলৈ লৈ গৈছিল। আজিতো আমাৰ ধন সোণ কোনেও নিয়া নাই। কিন্তু—আজি আমাৰ অৰ্থৰ ইমান হাহাকাৰ। মূল কথা দেশত দুৰ্নীতি চলিছে। তাৰোপৰি আমাৰ দেশত ইংৰাজে যিবিলাক ভাল কাম কৰি থোৱা নাছিল আমাৰ চৰকাৰে আজি প্ৰতিষ্ঠা কৰিব ধৰিছে। ভাবি চাওক অন্য ঠাইৰ কথাকে নকওঁ আমাৰ অসমত এটি বিশ্ববিদ্যালয় নাছিল। আজি সি স্থাপন: হৈছে। সেই কাৰণে চৰকাৰক কৰ-কাটল আগতকৈ বহুগুণে বিধে বিধে দিব লগা হোৱা গতিকে ৰাইজ চৰকাৰৰ ওপৰত অসন্তুষ্ট। অসন্তুষ্ট হোৱাৰ কোনো কাৰণ নাই। যেতিয়া আমাৰ অভাৱ অভি-যোগবোৰ কমি আহিব, ৰাইজৰ অৱস্থা টনকিয়াল হব, তেতিয়াহে প্ৰকৃত স্বাধীনতা লাভ কৰিব পাৰিম। মুঠৰ ওপৰত আমাৰ সকলো গোলামি মনোবৃত্তি প্ৰায় এশ বছৰৰ পিছতহে দূৰ হৈ স্বাধীন নাগৰিক হিচাবে জগত বাসীক মুখ দেখুৱাব পাৰিম।

ৰাইজসকল! আজি ভাৰতত বহুতো ৰাজনৈতিক দলৰ আবিৰ্ভাৱ হৈ খেলি-মেলি লগাইছে। সকলোৱে কেৱল চৰ-কাৰক সমালোচনা কৰাতহে ব্যস্ত। কি বেয়া কৰিছে দেখু-ৱাই দিয়া প্ৰত্যেকৰে কৰ্ত্তব্য। যদি দেখুৱাই দিয়াতো কাম নকৰে, তেনেহলে সেই চৰকাৰ নিৰ্ব্বাচনত যাতে জয়ী হব

নোৱাৰে চেষ্টা কৰিব। ভাল মানুহ পঠিয়াই দি প্ৰজাৰঞ্জক চৰকাৰ গঠন কৰি দেশ জয় জয় ময় ময় কৰক, নানা খেল মেলি লগাই কুমলীয়া স্বাধীনতা যাতে নষ্ট নহয় তাৰ প্ৰতি লক্ষ্য ৰখা উচিত। ভাৰত যে সোণৰ দেশ এই ফাঁকি বচন মনত ৰখি অলপো সময় অবাবত নকটাই দেশ প্ৰগতিৰ হকে কাম কৰা প্ৰত্যেকৰে কৰ্ত্তব্য। ভাৰতৰ প্ৰত্যেক মানুহেই স্বাৱলম্বী হোৱা উচিত।

ৰাইজ! আপোনালোকে কোৱা মেলা কৰিছে নিয়ন্ত্ৰণৰ বিষয় দুআষাৰ কব লাগে। কওঁ শুনক। নিয়ন্ত্ৰণ প্ৰথাটো ভাল প্ৰথা। ই যেনে ভাল তেনে বেয়াও। বৃটিছৰ দিনতে ভাৰতত সকলো বস্তুৰ ওপৰত নিয়ন্ত্ৰণ লগোৱা হয়। বৃটিছে বুজি পাইছিল যে নিয়ন্ত্ৰণৰ পৰা ভাৰত লাভৱান হব নোৱাৰে বৰং খাদ্য-সঙ্কটত পৰি স্বাধীনতাৰ কথা পাহৰিব! স্বাধীনতা পালেও এই নিয়ন্ত্ৰণৰ পৰা লোপ পাবও পাৰে। এইবিলাক গুণি গাঁথিয়ে নিয়ন্ত্ৰণৰ জন্ম দিয়ে। সেয়ে আজি যদি আহিব ধৰিছে। প্ৰজাই ৰজাক ভাল নোপোৱা হৈছে। চৰকাৰী বিষয়াই মহাজনৰ লগত লগ লাগি দুৰ্নীতিত লিপ্ত হৈ ৰাইজৰ তেজ পিব ধৰিছে, মোৰ মতে চৰকাৰে সকলো নিয়ন্ত্ৰণ উঠাই দিয়ক—ইয়াৰ ফলত যদি ৰাইজ খাব নব নেপাই মৰে মৰক। (হৰ্ষধ্বনি) মোৰ দৃঢ় বিশ্বাস চৰকাৰে মজুতকাৰীৰ ওপৰত চোকা নজৰ ৰাখি নিয়ন্ত্ৰণ উঠাই দিলে ক্ৰমান্বয়ে হাহাকাৰ কমি আহিব আৰু কম দৰতে ৰাইজে মাল পাব। ইমানতেই বক্তৃতাৰ সামৰণি মাৰিলোঁ।

(হাতজোৰ কৰি বহে; সমজুৱাই হাততালি দিয়ে)

বীৰেন—( উঠি ) ৰাইজ সকল ! আজিৰ সভাত সভাপতি মহোদয়ে যিবিলাক সাকৰা কথা কলে তাৰ বাবে ৰাইজৰ হৈ মই ভক্তিৰ শৰাই আগবঢ়ালোঁ। আশা কৰোঁ এইদৰে মাজে সময়ে আমাৰ মাজত আহি হিত উপদেশ দি থাকিব।

( হাততালি দিয়ে। ৰাইজ থিয় হৈ জাতীয় সঙ্গীত গাব ধৰে)

সভাপতি—আজিৰ কাৰণে সভা ভঙ্গ কৰা হ'ল।

কনক বৰুৱা—( জয়ধ্বনি দি ) জয়হিন্দ্ } তিনিবাৰ
ৰাইজ—জয়হিন্দ্

শান্তিৰাম—কণ্ট্ৰোল } তিনিবাৰ
ৰাইজ—উঠাই দিয়ক

( ৰাইজ যাব ধৰে )

———

## চতুৰ্থ দৃশ্য

[ধনবৰ কানীয়াৰ কানিৰ খোলা। কেইজনমানে কানি খাই কথা-বতৰা কৈ থাকে]

শুকমলহাপা—(টিকিৰা এটি হুপি আন এজনক হোকা দি) হেৰ ধনবৰ! সেইদিনা যে চাইকেল মাৰি মানুহজন আহিছিল তেওঁকনো কি ভূত দিব লাগে অ'—কিয়? আমি তেওঁক ভূত দিলে তেওঁৰ পেটৰ অসুখ নহব জানো?

ধনবৰ—(হাঁহি মাৰি) তই বৰ অকৰা অ'। চোৰাং বজাৰৰ কানি কিনি খায়ো ইমান দিনে চতুৰ হব নোৱাৰিলি। তোক কোনোবাই নিকি থৈ আহিব কৰবাত। ভূত দিয়া নহয় অ' ভোট দিয়া।

শুকমল—ভোট দিয়ানো কি বস্তু অ'?

ধনবৰ—কেতিয়া ভোট দিব লাগে তাক বুজালে মই আগেয়ে জনা বুজা হৈ অধ্যাপক হব লাগিব। থোৰতে কৈ থওঁ যে আমাৰ চিলঙত এখন মেল কৰা সভা আছে! যিয়ে ভোটত জয়ী হব পাৰে সিয়ে সেই সভাখনত মেলেকী হৈ আমাৰ দেশ চলাব পাৰে। যেনেকৈ আমাৰ সৰগৰ সুধা কানিখিনি সেই আগৰ মেলেকী সকলেই বন্ধ কৰি দিছিল। এতিয়া যদি আমাৰ হিত চিন্তা মানুহ পঠ'ব পাৰোঁ আকৌ কানি প্ৰচলন কৰাই দিব পাৰে। সেই

মেলেকীসকলৰ ইমানেই ক্ষমতা। সেই কাৰণে অলপতে এখন নিৰ্ব্বাচন হব। সেইদিনাখন অহা মানুহজনক যদি আমি ভোট দি জয়ী কৰি মেলেকী হিচাবে পঠাব পাৰো আমাৰ সদৌ অসম কানীয়া সঙ্ঘৰে উপকাৰ হব। তেওঁ জয়ী হলে পোন প্ৰথমতে কানিৰ পুনৰ প্ৰচলন কৰাই দিব। এয়ে তেওঁৰ দৃঢ় প্ৰতিজ্ঞা।

শুকমল—হেৰ ধনবৰ! তোৰ পেটৰ ভিতৰত ইমানবোৰ কথা সোমাই আছে'ন?

ধনবৰ—তই নেজান—মই আগেয়ে স্কুল পণ্ডিত আছিলো নহয়। কানি খোৱাৰ অপৰাধতহে চৰকাৰে মোক কামৰ পৰা বৰখাস্ত কৰে।

শুকমল—তোৰ দশাই মোৰ দশাই সমান হৈছে। ময়ো যদি তোৰ দৰে দেশ-বিদেশৰ অলপ আভাস পালোহেঁতেন পিচে মাষ্টৰে মোক পঢ়াৰ সময়ত "হাপা" বুলি সম্বোধন কৰি মাতিব ধৰাত মোৰ সমনীয়া অসমনীয়াবোৰেও "হাপা হাপা" বুলি জোকাব ধৰিলে। জোকোৱাৰ ৰাগৰ বেগতে কতৰ লগত যে কিমান মৰামৰি কৰিলো লেখ দিবলৈয়ো টান হৈ পৰিল। সেই চেলু লৈয়ে মোৰ শিক্ষা দীক্ষাত সৰস্বতীয়ে চকু মুদিলে।

ধনবৰ—এতিয়া সেইবোৰ বাদ দিয়া। আমাৰ কৰ্ত্তব্য হৈছে ধনীৰামক জয়ী কৰা। টকা পইচাৰ নিমিত্তে কোনো ভাৱনা নাই। এই নিৰ্ব্বাচন যুদ্ধত হেনো তেওঁ দহ

হেজাৰ টকা খৰচ কৰিব। কানিৰ কাৰবাৰ কৰিয়ে বহু টকাৰ মালিক হৈছে। তেওঁ বৰ মৰমিয়াল। সেইদিনাখন আহোতে আমালৈ প্ৰায় আধলি ভৰৰ আফিঙো লৈ আহিছিল। যেনে তেনে আমাৰ দলটোৱে তেওঁৰ "হোকা চিলিম" ৰ-চিন থকা বাকচত ভোট দি জয়ী কৰিবই লাগিব।

চেনিখোৱা—হেৰ ধনবৰ! তইঁতে দেখো বৰ আলোচনাতে নিমগ্ন হৈছ। নিচা বেচি হৈছে নে কি? অলপ তল্‌কা মাৰি থাক। এখন মটৰত দেখোন কেইজনমান এইফালে আহিব ধৰিছে। আমাৰ খোলাৰ সজুলিবোৰ লুকাই চুকাই থ। কব নোৱাৰি সেই এক্সাইজ নে চেক্‌চাইজ কেইজনে টকা লুটিব আহিছে।

শনিয়া—খোৱাকা! এইবোৰনো গৱৰ্ণমেণ্টে কি ভূত জপাই দিলে অ'। যদি চৰকাৰে মানুহ—ভেটী খাই গাঁৱৰপৰা গুচি যায় কিয়? সিইঁতে চৰকাৰক ঠগোৱা নাই নে? চৰকাৰ এইদৰে কেইদিন টিকিব? তেৰ! চৰকাৰে আমাৰ মুখৰ পৰা কানিখিনি বন্ধ কৰি কিনো কৰিছে। আগৰ দৰেই দেখো মহাসুখে খায়ে আছো। মাত্ৰ এগুণ দামৰ ঠাইত দহগুণ দি খাব লগা হৈছে। এইখিনিহে তফাইং—নহলেনো কি?

চেনি—এপা চৰকাৰে কানি বন্ধ কৰি আমাৰ একো কৰিব পৰা নাই। কিবা কয় নহয় "গড়ে মানুহ নাখায় চেলেকি হাড় উলিয়ায়" সেই দৰে হ কৰিছ। চৰকাৰী বিষয়াক ভেটী ভূটা দিওঁতে ছাল ছিগা ভিকহু হলোঁ। আমি

ইচ্ছা কৰিলে সেই মথা:কো ভাল খিয়াতি দেখুৱাব পাৰে। ।

শনিয়া—হেৰ ! আমি একোজন কেলেহুৱা কানীয়াই সেই দেৱতাসকলক কি খিয়াতি দেখুৱাব পাৰো অ'।

চেনি—কিনো আৰু দেখুৱাম ! নাক কাণ ৰটাব পাৰো। আমাৰ নো চৰকাৰে বন্ধ কৰি দিয়া কানিখিনি ক'ত পালোঁ। চৰকাৰী বিষয়া আৰু দেশৰ নেতাসকলেই দেখো চোৰাং বজাৰত আমাক যোগাই আছে। সেই ভণ্ড-তপস্বীহঁতক ধৰি ৰাইজক দেখুৱাব পাৰিলে নাক কাণ কাটবৰ কিবা বাকী থাকিব নে ?

ধনবৰ—তহঁতে কথা বন্ধ কৰ। দেখা ন'ইনে সেই কেইজন এই ফালে আহিব লাগিছে।

( ধনীৰাম সৈতে যদুনাথ সোমাই আ:হ )

ধনীৰাম—ধনবৰ বা। আ:হি তহঁতক ঠিক সময়তে লগ পাইছো।

ধনবৰ—( হাঁহি মাৰি ) দেউতাহে ! আমি চৰকাৰৰ ধুৰন্ধৰ বিষয়া কে'জন অহা বুলিহে ভয়তে পেপুৱা লাগি আছিলো এতিয়াহে গা অলপ পাতল লাগিছে।

ধনীৰাম—এতিয়া সেই বজে কথাবোৰ এৰি দিয়া। ভোটৰ বিষয় কি কৰিছা? দিন চমু চাপি আ:হিছে নহয়।

যদুনাথ—( বিড়ি এমুঠা হাতত লৈ ) শকাইহঁত ! বিড়ি নোখোৱা নে ? ( কানীয়াসকলে হাত মেলে ; বিড়ি ভগাই দিয়ে। )

ধনীৰাম—অ'—কলিতা ! তেওঁলোকলৈ অনা বস্তুখিনি একেবাৰে দি দিয়া।

যদুনাথ—(টোপোলা উলিয়াই লৈ) তইঁতৰ নিমিত্তে অলপ সৰগৰ সুধা আনিছো। আটাই কেইজনে মিলি খাবি (টোপোলা দি) পিছে ভোটৰ দিনটো আহিলেই। গাঁৱৰ মানুহে কাক দিবৰ ইচ্ছা কৰে ?

চেনিৰাম-গাঁৱৰ মানুহে কংগ্ৰেছক দিবৰ মন কৰে। আমাৰ ফুচুলনিত বহুতেই যে তালুকদাৰক দিব ডাঠি কব পাৰো। পিচে আৰু কিবা এটি দল আহি ৰাইজক বৰ জুলুম কৰিছে। নামটোৱে পাহৰিলো (অলপ ভাবি) হেৰ শনিয়া সেই দলটোৰ কি নাম অ'।

শনিয়া—(মুৰ খজুৱাই ভাবি) এহ্ মইয়ো পাহৰিলো। অ' এহ আকৌ পাহৰিলোঁ। আহে আৰু যায়। হেৰ! ডুকুৰি চাৰিক কি বোলে অ ?

চেনিৰাম—অ' মনত পৰিছে, ছ'চিয়েলিষ্ট।

শনিয়া—(আনন্দেৰে হাততালি দি) অ' ভাই কিবা বোলে ছ'চিয়েলিষ্ট পাৰ্টি।

ধনীৰাম—অ' সেই বিলাক। সিহঁতেনো কি কয়।

ধনবৰ—সেই মথাৰ কথা নকব। সিহঁতে দেখো কংগ্ৰেছৰ দোষ গুণবোৰ ভৱিৰপৰা মূৰলৈ শাপৰ মন্ত্ৰ মতাৰ দৰে একালৰ পৰা মাতিব ধৰে। অৱশেষত কয় তেওঁলোককহে ভোট দিব লাগে। দেউতা! যিমানে পাৰ্টি বাহিৰ হৈছে

আন কাৰো নেজানো। অংনিবেপৰা আপোনাক ভোট দিয়াৰ কথাকে কৈ আছিলোঁ।

ধনীৰাম—ধনবৰ কা! আমি এতিয়া যাওঁ। যদি কোনো পাৰ্টিৰ মানুহ আহি তহঁতক ফুচুলাই—চাবৰ নাই—যি টকা ভৰিব লাগে ময়ে ভৰিম, ভুটামান লগাই দিবি। যদি মোক এইবেলি নিৰ্ব্বাচনত জয়ী কৰাব পাৰ, তেনে হলে বৰ্ত্তমান চৰকাৰে বন্ধ কৰি দিয়া কানিৰ প্ৰচলন ইংৰাজৰ ৰজাৰ দৰে গঁৱে ভূঞে আকৌ কানিৰ মহল পাতি দিয়াম। এইটো মনত ৰাখিবা—এইবাৰ যদি এই চৰকাৰ জীয়াই থাকে আফিঙৰ দৰে ভাং মদো একেবাৰে বন্ধ কৰি দিব। মোৰ জয় মানে সকলো নিচাখোৰা ভাইসকলৰে জয়।

শনিয়া—দেউতা! আপুনি যদি বেজাৰ নেপাই এষাৰ কথা সুধিব খোজো!

ধনীৰাম—সুধিব পাৰা।

শনিয়া—দেউতা! চৰকাৰে আমাৰ নিচাখোৰা সকলৰ বিৰুদ্ধে ইমান লাগিছে কিয়? আমালোকৰ পৰা কানি খিনি বন্ধ কৰিলে তেওঁলোকৰ পেটেই ভৰিব নে মূৰেই ভৰিব?

ধনীৰাম—শনিয়া! তোমালোকে ডাঙৰ মানুহৰ ফন্দিবোৰ একো বুজি নোপোৱা। পেট মূৰ নভৰিলে জানো চৰকাৰে এনেকুৱা খন কৰে? চৰকাৰে ৰাইজক বুজাইছে যে অসমত কানি বন্ধ কৰাৰ পৰা বহুতো ৰাজহ লোকচান হৈছে। ইফালে যে কানীয়াক জৰিমনা লগাই কিমান টকা

পিটিব ধৰিছে তাৰ যোগ বিয়োগৰ হিচাব নাই। তাৰোপৰি আজিকালি কিমান বিলাক স্কুল কলেজ স্থাপন হৈছে তাৰ সীমা নোহোৱা হৈছে। সেই ভাল মানুহৰ লৰাবোৰক শিকাই বুজাই আৰামত ৰাখিবৰ নিমিত্তে তোমালোকে কানি খোৱা নে নোখোৱা তাকে চাবৰ নিমিত্তে একোটা চাকৰি দিয়াব।

শনিয়া—দেউতাই পেটৰ কথা একেবাৰে খুলি কৈছে। সেই বিলাকক যদি হাল-কোৰ মাৰিব দিলেহেঁতেন আজি খোৱা লোৱাত ইমান টান নপৰিলহেঁতেন। চাকৰিয়েই বাকলি উলিয়াব যেন দেখিছোঁ।

যদুনাথ—তালুকদাৰ নেযায় নে? ৰদোৱাৰ মানুহ বিলাকক লগ পোৱা টান হব।

ধনীৰাম—এৰা, ককাইহঁত! আমি এতিয়া যাওঁ—সময়ত আকৌ লগ ধৰিম, মোৰ হকে দুয়ো চেষ্টা কৰিব। (দুয়ো সোমাই যায়)

আটাই কেইজন—(সেৱা জনাই) ভাল দেউতা! আপুনি কোনো ভয়কে নকৰিব।

ধনবৰ—ভাইহঁত! এইবাৰ বোধহয় আমাৰ কানীয়া ভকত সকলৰ গুৰু একাদশত। ৰাজ্যলাভ—ৰাজ্যলাভ-।

শনিয়া—এতিয়া সেই বাজে কথাবোৰ এৰি দিয়া। দেউতাই বৰ্কচিচ্ দিয়া বস্তুখিনি শেষ কৰাই ভাল।

চেনিৰাম—এৰা,--সাঁচি ৰাখিলে কি হব, সাঁচি ৰখা ধন মকৰাই খায়। (টোপোলা দি) ধৰা শনিয়া লাগি যোৱা-

(আটাই কেইজন খোলাত বহি কামত ব্যস্ত থকা দেখা যায়)

## ৫ম দৃশ্য

### বজাৰ

( মাল বিকাই বিবিছে কিনাই কিনিছে, বিড়ি চিগাৰেট ঔষধৰ কোম্পানীৰ ফেৰী বালাহ নৃত্য গীত কৰি কেনভাচ্ কৰিছে )

এজন আলু বেপাৰী—সস্তা বজাৰ—সস্তা বজাৰ এই যায় চলি, মাত্ৰ সেৰত সাত অনা, সাত অনা সেৰ।

এজন গুৰ বেপাৰী—সাত অনা—সাত অনা মাত্ৰ সাত অনা গুৰৰ পোৱা।

এজন মনোহাৰী মাল বেপাৰী—হৰেক মাল দোদো আনা—দোদো আনা।

( গ্ৰাহকবোৰে বেৰি ধৰি মাল চাব ধৰে। )

এজন গ্ৰাহক—হেৰা বেপাৰী। ভালকৈ ওজন কৰি আটৈ সেৰ গুৰ জুখি দিয়াচো—কম চম নিদিবা একা।

গুৰ বেপাৰী—( হাঁহি মাৰি ) তেনে কথা নকবচোন্—উচিত পইচা লম, কম কেলেই দিম? গুৰুৱে তেনে কৰ্ম্ম কৰিবলৈ মতি নিদিয়ক। ( মাল ওজন কৰি টোপোলা বান্ধি দিয়ে গ্ৰাহক গুচি যায়। )

গুৰ বেপাৰী—সাত অনা মাত্ৰ সাত অনা এই শেষ হয়।

( গুৰ খৰিদ্দাৰৰ পুনৰ প্ৰৱেশ )

গ্ৰাহক—হেৰা বেপাৰী ! গুৰ ইমান কমকৈ কিয় দিছাহে ? ৰবা মজা পাবি এতিয়াই । লাল পাগুৰি হালা আহিছে । এইজন বেপাৰীয়ে কমকৈ মাল দিছে চাৰ ।

( দেখুৱাই দিয়ে )

দুজন চিপাহী সহ দাৰোগাৰ প্ৰৱেশ

দাৰোগা—হয়নে তুমি এনেকৈ গুৰ বিক্ৰী কৰিছিলা ?

বেপাৰী—মোৰ দোষ মনত নপৰে চাৰ ! যদি মোৰ পৰাই কিনি লৈছিল মোৰ আগলৈ আহি কিয় ওজন নকৰিলে ।

দাৰোগা—চুপ ! বঢ়াই কথা নকবি, হান্‌টাৰ লগোৱাম । চিপাহী ইয়াৰ দগাবোৰত ঠিক ওজন আছেনে নাই পৰীক্ষা কৰি চোৱা ।

( চিপাহীয়ে নতুন দগাৰে সৈতে পৰীক্ষা কৰি চাই )

দাৰোগা—চিপাহী ! হ'লনে নাই ?

চিপাহী—হৈছে চাৰ ! এবাৰ দেখক চাৰ । ইয়াৰ দগাবোৰ বৰ খিলোৱা সেৰী দগাটো—তিনি পোৱা । পোৱাৰ টো পোন্ধৰ তোলাহে পালোঁ ।

দাৰোগা—হৈছে দেখুৱাব নালাগে তাক দগা-পাল্লা সহ থানালৈ লৈ বলা । দেশখনত কি বিষাক্ত বতাহ বলিব ধৰিলে, চাৰিও ফালে কেৱল দুৰ্নীতি । উচিত মূল্য দিও গ্ৰাহকে

ঠিক ওজন নপোৱা হ'ল। সৰু সুৰা দোকানীৰ কথা দূৰতে থাকক, ডাঙৰ ডাঙৰ মহাজন বিলাকেও ওজন কমকৈ দিয়া দেখা যায়। ই বৰ লাজৰ বিষয়।

(গুৰ বেপাৰীক চিপাহীয়ে লৈ যায় পিছে পিছে কিছুমান হাটকৰা লগত লৈ থাকে)

গ্ৰাহক—দাৰোগা বাবু! মোৰ গুৰখিনি কেতিয়াকৈ পাম?

দাৰোগা—কেচ নিস্পত্তি হলেই পাবা। আপোনাৰ নাম-টোনো কি?

গ্ৰাহক—মোৰ নাম খৰ্গধৰ কলিতা।

দাৰোগা—(আচৰিত হৈ) আপোনাৰ নামে খৰ্গধৰ নে? (নোট বুক খুলি চাই) আপোনাৰ ঘৰ তেনেহলে বাঁহবাৰীত?

গ্ৰাহক—হয়।

দাৰোগা—আপোনাক ধৰিবৰ নিমিত্তেও পৰোৱানা আহিছে। আপুনি হেনো কমিউনিষ্ট। চিপাহী! লগতে এওঁকো লৈ বলা।

গ্ৰাহক—হায়! হায়! বজাৰ কৰিব আহি কি বিপদত পৰিলোঁ। দোষী নিৰ্দোষীৰ বিচাৰ নোহোৱা হ'ল! দেশত শান্তি নোহোৱা হ'ল—বাইজ পলাব লগাহে হ'ল।

এজন হাটকৰা—দাৰোগা বাবু! এই নিৰ্দোষী মানুহজনক কিয় মিছা মিছিকৈ জুলুম দিয়ে। তেওঁক এৰি দিয়ক। চৰকাৰেনো ৰাইজক কমিউনিষ্ট বুলি কিয় জুলুম দিব ধৰিছে—কব নোৱাৰো। মোৰ মতে চৰকাৰে আমাৰ

কামৰূপত যি অভিযান চলাইছে তাৰ পৰা কোনো লাভৱান হব নোৱাৰে বৰং চৰকাৰৰ মৰ্য্যাদাহে হানি হব। আপুনি ভাবি চাওক গাঁৱলীয়া ৰাইজসকলক ধৰি নি কি ভাল কাম কৰিছে ? নেতানো কেইজনক ধৰিলে ?

দাৰোগা—আপুনিনো কোন ? চৰকাৰক সমালোচনা কৰিব পৰা হ'লহে ? গুচি যাওক পিচে নিজৰো বেয়া হব। চিপাহী কি শুনি আছ, তেওঁলোকক থানালৈ লৈ আহা।

( দাৰোগা সহ আটাইকেইজন সোমাই যায় কেইজনমান কংগ্রেছী কৰ্ম্মী সোমাই আহি ৰাইজক কিছুমান ভোটৰ কাগজ বিলাই দিয়ে—মানুহবোৰে কাগজ পঢ়িব ধৰে। )

কংগ্রেছ কৰ্ম্মী—ৰাইজসকল! আপোনালোকে জানে যে স্বাধীন ভাৰতৰ প্ৰথম সাধাৰণ নিৰ্ব্বাচনত ছচিয়েলিষ্ট, কিষাণ মজদুৰ প্ৰজাপাৰ্টি, হিন্দুমহাসভা, মহিলা সমিতি, স্বতন্ত্ৰ আৰু কংগ্ৰেছ প্ৰাৰ্থীয়ে প্ৰতিদ্বন্দিতা কৰিছে। সেই পাৰ্টিবিলাকে কংগ্রেছৰ কিছুমান মিছা জঘন্য প্ৰচাৰ কৰি ফুৰিছে। তাৰ পত্যুত্তৰ প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ বুলেটীনত আলোচনা কৰা হৈছে। তাক তুনাই কে আমনি নিদিওঁ। অ জি কংগ্ৰেছ চৰকাৰে কোনো ক্ষতি খুণ নোহোৱাকৈ দেশ পৰিচালনা কৰি বিশ্বৰ আগৰ শীৰ্ষ স্থান লাভ কৰি চমক্ লগাইছে। সেই গতিকে ৰাইজৰ অনুষ্ঠানে কংগ্ৰেছ প্ৰাৰ্থীক সকলো কেন্দ্ৰতে এই নিৰ্ব্বাচনত জয়যুক্ত কৰক। আপোনালোকে

আজি উপলব্ধি কৰিব পাৰিছে যে কংগ্ৰেছেই ৰাইজ আৰু ৰাইজেই কংগ্ৰেছ। ইয়াত কোনো অমিল নাই।

( ভিতৰ সোমাই যায় আনফালে কেইজনমান ছ'চিয়েলিষ্টৰ প্ৰবেশ )

ছ'চিয়েলিষ্ট কৰ্ম্মী—( কিছুমান কাগজ বিলাই দি ) ৰাইজ! কংগ্ৰেছক কিয় ভোট দিব নেলাগে তাৰ বিষয়হে অলপ কম, মন দি শুনিব। স্বাধীনতাৰ পিচৰ পৰাই কংগ্ৰেছে একছত্ৰী হৈ ৰাজ্য শাসন কৰি ৰাজ্যত দুৰ্নীতি বঢ়াই অশান্তি অনাইছে। সেই শাসন যন্ত্ৰটো ছ'চিয়েলিষ্ট পাৰ্টিয়ে কাঢ়ি আনি দেশৰ সকলো দুনীতি মোচন কৰাই মুখ্য উদ্দেশ্য। সেই গতিকে ছ'চিয়েলিষ্ট পাৰ্টিয়ে এই নিৰ্ব্বাচনত প্ৰতিদ্বন্দিতা কৰিছে। যদি এই সোনালী সুযোগ ৰাইজে পায়ো হেৰুৱায় তেনেহলে ভাৰতৰ যি অলপ অস্তিত্ব আছে সিও নাইকিয়া হব। দুখীয়া ৰাইজৰ অৱস্থা একেবাৰে শোচনীয় হব। ধনীৰ ধন ভাণ্ডাৰ দিনক দিনে বাঢ়ি গৈ আনন্দত মতলীয়া হব। এই সন্ধিক্ষণত গৰীব সমাজৰ কৰ্ত্তব্য হৈছে ছ'চিয়েলিষ্টক সমৰ্থন কৰি জয়যুক্ত কৰা।

( সোমাই যায় আন ফালৰ পৰা কেইজনীমান মহিলা সমিতিৰ সভ্যাৰ প্ৰবেশ )

এজনী সভ্যা—( কেইখন মান কাগজ বিলি কৰি দি ) আয়তী সকল! ভাৰত আজি স্বাধীন হলেও নাৰী সমাজে

এতিয়াও স্বাধীনতা পোৱা নাই। স্ত্ৰী স্বাধীনতা লাভৰ বাবেই এই নিৰ্ব্বাচনত পুৰুষৰ লগত প্ৰতিদ্বন্দ্বিতা কৰিছোঁ। আমি এতিয়াও পুৰুষৰ মানত মহৰীৰ তলৰ ম'হ হৈয়ে আছোঁ। এই নিৰ্ব্বাচনত জয়ী হৈ সেইলোকৰ সকলো ভুল দেখুৱাই দি পাশ্চাত্য দেশৰ মহিলা সমাজৰ দৰে যাতে চলি ফুৰিব পাৰো। এইটো মনত ৰাখিব এক-তাই পৰম বল। তাৰ প্ৰমাণ স্বৰূপে আমাৰ অসমত মহিলা সমিতি গঠন হোৱাত সূতা কাপোৰৰ বিতৰণৰ ভাৰ আমাৰে হাতত দি গৱৰ্ণমেণ্টে বশ্যতা স্বীকাৰ কৰিছে। সেইদৰে আমি সকলো বিষয়াত আধিপত্য বিস্তাৰ কৰিব পাৰিম। আমি এতিয়াও অবলা হৈ থাকিলেই নহব; অবলা হৈ থাকিলে আমাৰ মৰণ অনিবাৰ্য্য। সেই কাৰণে এই নিৰ্ব্বাচনত পুৰুষৰ কথাত ভোল নগৈ মহিলা সমিতিক জয়যুক্ত কৰাই নাৰীসমাজৰ প্ৰধান কৰ্ত্তব্য। (প্ৰস্থান)

(আনফালে কেইজনমান সৰু লৰাই কলা টুপী পিন্ধি জয়ধ্বনি কৰি প্ৰবেশ)

এজন লৰা—(ধ্বনি দি) হোকা চিলিমৰ বাকচত আটাইবোৰে—ভোট দিয়ক—ভোট দিয়ক। (তিনিবাৰ)
এজন লৰা—ধনীৰাম তালুকদাৰক

আটাইবোৰে—ভোট দিয়ক—ভোট দিয়ক—( সোমাই যায়, আনফালে ধনীৰাম সহ কেইজনমান মানুহৰ প্ৰবেশ )

এজন মানুহ—তালুকদাৰ! সৌজন প্ৰাণেশ্বৰ শৰ্ম্মা। তেওঁক মাতি সোধক আপোনাক ভোট দিয়ে নে নিদিয়। তেওঁ বৰ ছ'চিয়েলিষ্টৰ হকে কেনভাচ কৰিছে। যদি সৈমানত নেযায় ভুটামান লগায়ে দিম নেকি?

ধনীৰাম—হেৰি শৰ্ম্মা! মাত দিয়ক হে।

( প্ৰাণেশ্বৰ শৰ্ম্মাৰ প্ৰবেশ )

প্ৰাণেশ্বৰ—( ওচৰলৈ আহি ) কিয় মাতিলে?

ধনীৰাম—শুনিব পাইছো আপুনি হেনো মোক ভোট নিদি ছচিয়েলিষ্টক ভোট দিব খুজিছে?

প্ৰানেশ্বৰ—হয়।

ধনীৰাম—আপোনাৰ খেলে যে মোক ভোট দিম বুলি টকা লৈছে?

প্ৰাণেশ্বৰ—লব পাৰে। মই কেতিয়াও খেলক সন্মতি দিয়া নাই। পিছে যদি কোনো কানীয়া, ভাঙুৰী, মদাহীয়ে আপোনাৰ টকা লৈ সন্মতিজ্ঞাপন কৰিছে। ভালে কেতিয়াও কথা দিয়া নাই।

এজন মদপী—এই বামুণ! মদপী মদপী নকৰিবি, কথা বেয়া হব। লগাই দিম নেকি হাটৰ মাজতে।

ধনীৰাম—( বাধা দি ) নেলাগে পিচত হব। বামুণে মোক ভোট নিদি কত সাৰিব। এতিয়া যাওঁগৈ আহা।

( ভিতৰ সোমাই যায় আনফালে কেইজনমান জয়হিন্দ্ সংঘৰ কৰ্ম্মীৰ প্ৰবেশ )

সুন্দৰালি—( বক্তৃতাদি ) ৰাইজ সকল ! নিৰ্ব্বাচনৰ তাৰিখ আৰু বেচি দিন নাই। সেই কাৰণেই আজি এই বজাৰত প্ৰত্যেক ৰাজনৈতিক পাৰ্টিয়ে আহি ভোটৰ কেনভাচ কৰাৰ উজান উঠিছে। আমাৰ জয়হিন্দ সংঘৰ হৈ মই আপোনালোকক দু-আষাৰ মান কম । এই নিৰ্ব্বাচনেই দেশৰ উত্থান পতনৰ সমস্যা। সেই কাৰণে ৰাইজে ধীৰে সুস্থিৰে ভাবিহে আপোনালোকৰ ভোটৰ কাগজখন যোগ্য প্ৰাৰ্থীৰ বাকচত পেলাই দিব। এতিয়া আৰু গছৰ মূঢ়াক জয়ী কৰাৰ দিন উকলিল।

সামৰণিত জনাওঁ যে ভোট শব্দৰ অৰ্থ অনুসাৰে ৰাইজে কাম কৰিব। ভোট শব্দৰ অৰ্থ হৈছে ব্যক্তিগত মনৰ ভাব প্ৰকাশ কৰা। সেই কাৰণে ৰাইজে অপাত্ৰৰ টকা পইচা লৈ ভোট বিক্ৰি নকৰে যেন।

এজন হাটকুৱাৰ প্ৰবেশ

সুন্দৰালি—হেৰি ডাঙৰীয়া ! সেইফালেনো কিহৰ কাজিয়া হৈছে।

হাটকুৱা—মানুহ বিলাকক কিবা ভূতে ধৰিছে নে চুতে ধৰি কাজিয়াখন কৰি মৰিব ধৰিছে।

বীৰেন—(বন্দুকৰ শব্দ শুনি' আলিচাহেব ! কাজিয়াই ভীষণাকাৰ ধাৰণ কৰিছে। পুলিচে বন্দুক প্ৰয়োগ কৰিও শাম কটাব পাৰা নাই। ব'লা ভাইহঁত ! কাজিয়াৰ মাজত সোমাই কাজিয়া ভাঙি দিওঁগৈ ব'লা ; নহলে মানুহ মৰি শেষ হব।

( আটাই কেইজন দৌৰি যায় )

## ষষ্ঠ দৃশ্য

( এটি ভোটৰ কেন্দ্ৰ, গেটত পুলিচে পহৰা দি আছে। ভোটাৰ সকলে শাৰী পাতি ভোট দিবৰ কাৰণে অপেক্ষা কৰি থকা দেখা যায়। )

### ( এজন ছদ্মবেশী বুঢ়া ভোটাৰৰ প্ৰবেশ )

ছদ্মবেশীবুঢ়া—( মূৰত ওৰণি লৈ ) বোপাইহঁত কোৱাচোন কত ভূত দিব লাগে।

পলিং অফিচাৰ—( হাঁহি মাৰি ) ভূত দিয়া নহয় আবু—ভোট দিয়াহে কোৱা হয়। পিচে আপোনাৰ নামটো কি?

ছদ্মবেশী—মোৰ নাম জয়দেৱ শৰ্ম্মা।

পলিং অফিচাৰ—( আচৰিত হৈ ) জয়দেৱ? ই দেখো পুৰুষৰহে নাম। আপোনাৰ ভোটৰ নম্বৰখন দিয়ক।

( বুঢ়াই নম্বৰ দিয়ে—অফিচাৰে নাম চাব ধৰে )

আপোনাৰ দেখো লিষ্টত নামেই নাই। নাম থাকিবই বা কিয়? আপুনি হল তিৰোতা মানুহ—নাম কলে মতা মানুহৰ। ই কি ভোটৰ ৰগৰ?

ছদ্মবেশী—( মুখ সেমেনা কৰি ) মোৰ ভুল হৈছে; সেইটো মোৰ স্বামীৰহে নাম।

পঃ অফিচাৰ—যদি ভুল হৈছে এতিয়াও শুদ্ধকৈ কোৱা।

ছদ্মবেশী—( অলপ ভাবি ) এহ নামটোকে পাহৰিলোঁ।

পঃ অফিচাৰ—মিজৰ নাম পা'ৰে ই কোন দেশৰনো কথা।
নিশ্চয় কিবা গুপুত ৰহস্য আছে। চিপাহী!

(এজন চিপাহীৰ প্ৰৱেশ)

চিপাহী—(চালাম কৰি) হুজুৰ!

পঃ অফিচাৰ—এই বুঢ়ীজনীৰ ওপৰত মোৰ ভীষণ সন্দেহ আহিছে। এবাৰ পৰীক্ষা কৰি চোৱা'ৰ দৰকাৰ। তেওঁ পুংলিঙ্গ নে স্ত্ৰীলিঙ্গ। তেওঁৰ বুঢ়া আঙ্গুলিত টিপ আছেনে নাই তাকো চাবা।

চিপাহী—(বুঢ়ীক চাই) চাৰ! মই এওঁক ভালদৰে চিনি পাওঁ। কানিৰ কেচত কিমান দিন ধৰি আনি আমি হাজোতত ৰখিছোঁ। এওঁ তো তিৰোতা মানুহ নহয় মতা মানুহহে। এয়া চাওকচোন এওঁ এবাৰ ভোট দি গৈছে। এয়া তেওঁৰ হাতৰ টিপ। (দেখুৱাই দিয়ে আৰু মূৰৰ ওৰ'ণ গুচাই দি) কিহে কানীয়া ঠাকুৰ! আজি এই ৰকমে অৱতাৰ নে কি?

ছদ্মবেশী—(ভয়তে কান্দি) অ' ধনবোপা! তোক ভোট দিবলৈ আহি কি বিপদত পৰিলো হু—হু (কান্দে)

পঃ অফিচাৰ—এতিয়া কান্দিলে কি হব—ধনীয়ে তোমাক বচাই ৰাখিব পাৰিব জানো? সি যি নহওক তুমি এই বেশনো কিয় ধাৰণ কৰিলা?

ছদ্মবেশী—হুজুৰ! দেউতা ঈশ্বৰ! কাটকে বা মাৰকে—আমি তিনি মৰদ হালে ধনাৰামক ভোট দিম বুলি কেইটিমান

টকা হাওলাতি কৈছিলো। পিচে মোৰ তিৰোতা জনী বেমাৰত পৰি থকাত আজি ভোট দিব আহিব নোৱাৰা গতিকেই ধনীৰামৰ বুদ্ধি পৰামৰ্শ মতে এই বেশ ধাৰণ কৰিব লগা হৈছিল। আমাৰ ভাইৰ নামটো লেখানিহে মই ধৰা পৰিলোঁ। কিবা কয় নহয় বোলে মিছা কথাৰ ঠেং চুটি

পঃ অফিচাৰ—চিপাহী। ইয়াক থানালৈ লৈ ব'লা।

চিপাহী—ভাল হুজুৰ। (চালাম দিয়ে) ব'ল।

ছদ্মবেশী—কলৈ?

চিপাহী—আপোনাৰ পিতাৰাই সজাই থৈ যোৱা সেই পকী ঘৰলৈ?

(বন্দী কৰি লৈ যায়)

পঃ অফিচাৰ—(ঘড়ী চাই) ভোটাৰ সকল! সময় মাত্র পাঁচ মিনিট আছে। যি সকলে এতিয়াও ভোট দিবলৈ বাকী আছে অনুগ্রহ কৰি ভিতৰলৈ সোমাই আহক।

(কেইজনমান ভোটাৰ সোমাই যায়, পাচ বজাত চকীদাৰে বেল বজাই দিয়ে। বাইজ ঘৰা ঘৰি যাব ধৰে।)

— — — —

## ৭ম দৃশ্য

( ৰোগ-শয্যাত ধনীৰাম তালুকদাৰ, কাষত বহি প্ৰভাৱতীয়ে মূৰত পানী ঢালি থাকে। মাজে সময়ে মূৰত হাত দি তাপ চাই আৰু মাজে সময়ে দুই এচামুচ ম্ৰকজ খুওৱায়। )

প্ৰভাৱতী—মই তেতিয়াই নকৈছিলো .ন—বো লো আমাৰ নিৰ্ব্বাচনত নামিব নালাগে। তাৰ ফলত কি হল! জয়ী হব তো নোৱাৰিলেই, অনাহকত টকা পইচাবোৰ খান্তাং কৰিলে। ইয়াৰ ফলত পালো বেঙ্কৰ মেতমৰা ধাৰৰ বোজা। ইমানবোৰ টকা কোন দিনাখন পৰিশোধ কৰিব পাৰিম? অ' আপোনাৰ ঔষধ খাবৰ সময় হৈছে ( ঔষধ বটলৰ পৰা ঢালি মুখৰ আগত যাচে ) খাওক—

ধনীৰাম—( ঔষধ পেলাই ) বিছনাৰ পৰা উঠি প্ৰলাপ বকি ) হেৰি! হেৰি! মোক ভোট নিদয়ে। কাৰো কথা নুশুনিব। মোক ভোট দিয়ক—ভোট দিয়ক। কি নিদয়ে? দেখিব ইয়াৰ প্ৰতিশোধ লমেই লম।

প্ৰভা—( সাৰটি ধৰি ) আপুনি এনেখন কিয় লগাইছে। নিদিব। অলপ ধৈৰ্য্য ধৰক, পিতা ডাক্তৰক মাতি আনিব গৈছে। আহিবৰ সময় হৈছে।

ধনী—ডাক্তৰ? ডাক্তৰ কিয়—মোৰনো কি বেমাৰ হৈছে? মোক মৰিব দিয়া। মোৰ দৰে পাপী জাউ থকাৰ কোনো আৱশ্যক নাই। মই পাপী—মহাপাপী, মোৰ দৰে দেশ শত্ৰুৰ স্থান অসমী আইৰ বুকুত নাই। নিজৰ স্বাৰ্থ সিদ্ধিৰ কাৰণে নিৰ্ব্বাচনত কিমান নীচ কাম কৰিলো অৱশেষত মহামানৱ মহাত্মা গান্ধীৰ মহৎ কংগ্ৰেছ

অনুষ্ঠানবো কু ৰটনা কৰিলো, সীমা সংখ্যা নাই। সৌৱা—সৌৱা—সেইবোৰ কানীয়াই মোক খেদি আহিছে। সিহঁতক চোৰাং বজাৰত কানি খুওৱাৰ প্ৰতিশোধ লব আহিছে। ৰক্ষা কৰা—ৰক্ষা কৰা প্ৰভা! সিহঁতৰ পৰা ঠগ প্ৰবঞ্চনা কৰি অনা বয় বস্তুবোৰ সিহঁতক দি দিয়া। মাৰিলে—মাৰিলে ৰক্ষা কৰা প্ৰভা! (মূৰ্চ্ছা যায়)

প্ৰভা—(বিছনীৰে বিচি) হায়! হায়! পিতা এতিয়াও ডাক্তৰক লৈ আহি নাপালে।

## (কৃষ্ণ ফুকনৰ প্ৰবেশ)

কৃষ্ণ—প্ৰভা! ধনীৰ কি ৰকম? (মূৰত হাত দি) সৰ্ব্বনাশ তুমি কি কৰিছা? ধনীৰ যে জ্বৰ মূৰত উঠিছে। পানী ঢালা, পানী ঢালা। (নিজে পানীৰ নলী মূৰত দিয়ে) পিতাৰাই এতিয়াও ডাক্তৰক লৈ আহি নাপালে। বোধ হয় ডাক্তৰক লগে পোৱা নাই হবলা। এখো যামে নে কি?

প্ৰভা—(বাধা দি) নেলাগে। আপুনি থকাই মই অলপ সকাহ পাইছো, অ' আহিলেই কিজানি পদূলিত মটৰ ৰাখিছে।

## (ডাক্তৰ সহ সৰ্ব্বেশ্বৰৰ প্ৰবেশ)

ডাক্তৰ—(ষ্টেথস্কোপেৰে বেমাৰ পৰীক্ষা কৰি) এচচ্ গৰম পানী আনক। (প্ৰভা ভিতৰলৈ সোমাই গৰম পানী আনি দিয়ে।)

ডাক্তৰ—কালি দিয়া ঔষধ খিনি শেষ হৈছেনে?

প্ৰভা—ঔষধ তেওঁক খুৱাবই নোৱাৰো, মুখৰ আগলৈ নিলেই পেলাই দিয়ে। কেতিয়াবা জোৰ কৰিহে এঢোক খুৱাব পাৰো।

ডাক্তৰ—(তুলাত স্পিৰিট ঢালি জুই জ্বলাই ঔষধ গৰম কৰি) ফুকন! নিৰ্ব্বাচনৰ ফলাফল তো জানিব পাৰিছেই।

কৃষ্ণ—হয়, ধনী সাক্ষাৎ থাকিব নোৱাৰাৰ কাৰণে তুৱৰা আৰু মই নিজেই ভোট গণনাত উপস্থিত আছিলো।

ডাক্তৰ—সি যি নহওক। ধনীৰাম যদিও কংগ্ৰেছৰ হাতত পৰাজিত হ'ল তথাপিও পানী খুৱাইছে।

কৃষ্ণ—এইবেলি কংগ্ৰেছে, চৰকাৰ গঠন কৰিব পাৰিব নে?

ডাক্তৰ—চৰকাৰ গঠন অৱশ্যে কৰিব পাৰিব—কিন্তু বাকী বিৰোধী দলবিলাক যদি মিলি জুলি কাম কৰে কেতিয়াবা গাদী এৰিও যাব লগাত পৰিব পাৰে।

সৰ্ব্বেশ্বৰ—এৰা, ময়ো সেইটোকে ভাবো।

ডাক্তৰ—আহক ইনজেক্‌চন ঠিক হৈছে। ধনীক ধৰকহি। (ধনীৰ বাহুৰ ওপৰৰ হাতত তুলাৰে স্পিৰিট ঘঁহি দিয়ে কৃষ্ণ আৰু সৰ্ব্বেশ্বৰে ৰোগীক হেঁচা মাৰি ধৰে।) অলপ বৰ দুখ হ'ল (ইনজেকচন দিয়ে)।

প্ৰভা—ডাক্তৰ! ডাক্তৰ! মোৰ স্বামীয়ে এতিয়া চকু মুখ কেনেখন কৰিব ধৰিছে—চাওঁক চাওকহি—।

ডাক্তৰ—কিনো হ'ল আৰু (ধনীৰ হাত চাই মুখ বিকটাই দি) কোনো ভয় নাই।

সৰ্ব্বেশ্বৰ—ডাক্তৰ! কেনে দেখিছে নো? হোপ্‌লেচ! (যাবৰ নিমিত্তে উদ্যত হয)

কৃষ্ণ—আপুনি দেখো ওলালেই—ভিজিত?

ডাক্তৰ—ভিজিত পিচতেই দিব। মই এতিয়া যাওঁ, আন ঠাইত ৰুগী আছে। (প্ৰস্থান।)

প্ৰভা—পিতা—পিতা!

সৰ্ব্বেশ্বৰ—কি হ'ল—কি হ'ল প্ৰভা! (ধনীক সাৱটি ধৰি কান্দি) ফুকন! (জোঁৱাইৰ জীৱন ইমানতেই সমাপ্ত)

(আটাই কেইজনে কান্দিব ধৰে)

—জাঁৰ কাপোৰ—

